# অনুৰাগ।

( প্ৰথম তাঙৰণ )

ৰচয়িতা—শ্ৰীধনচন্দ্ৰ দাস।

প্ৰকাশক—শ্ৰীকেশৱচন্দ্ৰ দাস।
উজানবজাৰ, গুৱাহাটী।

ফাল্গুন, ১৮৩৮ শক।

মূল্য ।/০ পাঁচ অনা মাত্ৰ।

গীত।

অ' মোৰ অসমী আই,
আগবঢ়াই দিলোঁ তোৰে চৰণলৈ
মোৰে প্ৰণিপাতৰ শৰাই ॥

যদিও যোগ্য নহওঁ তোৰ তীৰ্থৰ
বনবাসীও নহওঁ আই,
পালোঁহি যেতিয়া পৃথিবীৰ সকলো
আশীৰ্ব্বাদ-আনন্দ ঠাই ॥

নেলাগে স্বৰ্গ—ইয়াতে দৰিদ্ৰ
হলেও মোৰ ক্ষতি নাই
ঈশ্বৰক খাটিছোঁ তোৰে বুকত মোৰ
জীৱনটিও যেন যায় ॥

———

গীত।

অশ্রু আহে শতধাৰ।
দেৱতাবিহীন মন্দিৰে মোৰ
নজ্বলে দীপ—হাঁহাকাৰ ॥

আজি—নিৰৱ ঘৰত নেবাজে বীণা
শূন্য পূজা-উপাসনা
কেৱল—অচিন পুৰীৰ তপত ভাবনা
কত আহে যায় কতবাৰ ॥

আজি—বাসনাৰ যত কুসুমকলি
কত উজাগৰে পৰিছে ঢলি
মৰমৰ মালা শুকায় লেৰেলি
তুমি বিনে এটিবাৰ ॥

---

গীত ।

অ’ সৰু তৰাটি, তই কোন দেৱালয়ৰ চাকি ।
কোন চিকুণৰ চৰণতলত গধূলিতে
আৰতি দিছ বাকি ॥

মেঘবোৰ কি তীৰ্থ-যাত্ৰী
দলে দলে যে নিতে নিতে যায়,
তোৰ পুৰীলৈ নেকি বহুদূৰ
কান্দি যে সিহঁত ফিৰি আহে হাঁয় !
কাৰ বৰত তই লভিলি সি ঠাই
কাৰ ধ্যানে জাগি থাকি ॥

হয় নেকি তাত পূজা ওৰে ৰাতি
কোন করুণে দিয়ে নিৰ্ম্মালি বাঁতি
এৰি যোৱা মোৰ বন্ধু যত
গৈছে সেই পূজালৈয়ে নেকি ॥

---

## অনুৰাগ

গীত।

আইৰ তীৰ্থত শোক-তিথি আজি মোৰ সতী "জয়াৰ"।
স্তব্ধ-নিমাত গিৰি-নদ-নদী মৌন জেৰেঙা পথাৰ ॥

জ্বলিছে দাৰুণ স্মৃতিৰ লেখা
কিহেৰে নুমাবি সন্তাপ-শিখা
কেনেকৈনো চাবি জৰা-জীৰ্ণ দশা বন্দিনী অসমাৰ ॥

আজি শঙ্কৰ-মাধৱে সৌৱা কান্দিছে
চকুৰ পানীৰে আশীৰ্ব্বাদ কৰিছে
সতীৰ উদ্দেশ্যে শলিতা যে দিছে মঙ্গল কামনাৰ ॥

আহাঁ বাই-ভনী মোৰ অসমীয়া
দুখুনী জননীৰ জুৰক হিয়া
সতীৰ শ্ৰাদ্ধত আজি ভিক্ষা দিয়া এটি এটি অশ্ৰু-ধাৰ ॥

——

গীত।

উপহাৰ লোৱা অশ্রু-নীৰ।

তোমাৰ চৰণ-ধূলিৰে ধন্য হ'ল মোৰ
দুখীয়া কুটীৰ ॥

আহিলা আজি দেৱতা আমাৰ
নাই একো নাই পূজাৰ সম্ভাৰ
আছে ভকতিৰ মালা ধৰা পূজনীয়
পুণ্য-প্রীতিৰ।

কত যুগ গ'ল আশা-ভৰষাৰ
যদি শুভবৰ লৈ আহিলা ইবাৰ
আঁতৰাই নিবা বিষাদ-এন্ধাৰ
যত দুখ-আঁউসীৰ ॥

———

গীত।

উলূ-কুৰঁৰীত ঢৌ খেলি সৌ আহে দখিনাৱৰী।

আহিল ফুলৰাণীৰ দোলনি খেলা ধুলনী বান্ধি দে বল্লৰি ॥
দখিন গগনত বাজে জয়বোল
সাৰ পালে সৌ লোভী অলিকুল
অতীতৰ কি কথা পৰিল মনত ভীৰু কদম উঠে শিয়ৰি ॥

পাতে পাতে আজি ঢলা-ঢলি
নাচে কুসুমৰ কোমল কলি,
গোলাপে গোলাপে গলা-গলি চুমা-চুমিত হ'ল সেন্দুৰী' ॥
ভুল কৰিলি ফুল-পিয়াসী
গধূলিতে গ'লি দিনমান ৰখি
ৰাতি দিপালীৰ আচ্চিথনিত সাজে বনবালা সুন্দৰী ॥

——

গীত ।

এয়েতো যমুনা আজিও আছে সখি, নাই শ্যাম বনমালী ।
সেই কদমতে বাজিছিলে নহয় 'ৰাধা' 'ৰাধা' মুৰুলী ॥

তুয়োপাৰে হাঁয় নাই প্ৰভু নাই বতাহ কান্দে ব্যাকুলি ।
প্ৰভু গুচি গল আজিও যাচি ৰল বনফুলে আঁজলি ॥

অ' যমুনা তেওঁ কলৈ গ'ল—
বিনন্দীয়া বিনে বিশ্ব যে আজি
তেনেই উৰুঙা হ'ল,
কাকনো দি গল ব্ৰজোৎসৱ-ভাৰ নিকুঞ্জ বনৰ কেলি ।
আজি নয়নানন্দ সুন্দৰ বিনে সকলো যে মৰিশালি ॥

———

গীত।

কুহু-কুহু মুহুর্মুহুঃ কুহৰে বন-কোকিলাই।
সুদূৰৰ বসন্ত-বায়ু মৃদু মৃদু হুমুনীয়াই ॥

আজি সৌ ডালে ডালে
ৰদালিত আলে-জালে
টোপনিৰ ক্লান্ত কুসুম উৰুঙা পবনে জগায় :—
"আহিল যে পুষ্প-তিথি অতিথি দুৱাৰত বিনায় ॥"

কাৰ অভিনন্দন আজি মৰা দুবৰিৰ পথে
আহে কোন বনৰাণী মালতী বনফুল-ৰথে
ধৰাৰ বুকু ধন্য কি হ'ল প্ৰণামে যে কনক-চঁপাই ॥

---

## গীত ।

### কা'ৰ ই বাৰিষা শেষৰ চৰণ-ধ্বনি ।

লুইতৰ পাৰৰে কুৰুৰাৰ বিননিত আহিল কি আকৌ শৰতৰাণী ॥

আজি শিয়ৰি উঠিল পুৰাৰ শেৱালি সৰাফুল খচি যায় কোন বালা
তুবৰি-দলিচাত চুচৰি যে গ'ল হিমানী-তিতা আঁচলখনি ॥

উচুপি-উচুপি নিচুকি যে ৰল মেঘ-বালিকাৰ বৰ্ষা-ৰোদন
ভাগৰি পৰিল মত্ত সমীৰ তৰুতলত মৰণ গুণি ॥

আহোঁ-নাহোঁ কৰি অহা নাই যি ভীৰু-ভয়াতুৰ ফুল সিদিনাৰ
আহিল আজি নিৰ্ম্মল বেশে শুনি কাৰ শুভ আগমনী ॥

———

গীত।

খোপাৰ কনক-চঁপা পৰি গ'ল সুলকি
বুলিয়ে উলটি চাই।
লাহিকৈ কঁকালটি নসয় যে ঘাগৰি
ইফালে পিছলি যায়॥

বাৰিষাৰ কুলিয়ে কুঁ-উ-কুঁ-উ বুলিলে—
মিছাই সচকিতে চাই
অজানাৰ ছলে থমকি সুধিলে ;—
"বাইদেউ, কি চৰাই"॥

আজি কি অতীতৰ কুহুমীয়া কথা
হিয়াত তপত হ'ল হায়!
যাতনাৰ জিঁজিঁৰি কি হ'ল অত ভাৰী
চৰণ যে আৰু নুধাই॥

———

গীত।

খোদাৰ আৰজ-বাণী
কোনে দিলে আনি
সেই মহম্মদ ৰচুল মোৰ হাজাৰ হাজাৰ আদাব।
শুনিলে এদিন যাৰ গ্রহ-ৰবি-তৰাই প্রেম-জাৱাব ॥
সেই মহম্মদ ৰচুল মোৰ........................
ৰুধিলে যি পাপ-উৎসৱ-ভিৰ উচ্ছন্ন দুনিয়াৰ
দেখুৱালে মেলি আচমানী লেখাৰ কোৰাণ কিতাপ ॥
সেই মহম্মদ ৰচুল মোৰ........................
কোনে অত্যাচাৰীক অস্ত্র দিলে খোদাৰ নামৰ মমবাটী
মছজিদত তাৰ জিক্ হ'ল যত কেয়ামতৰ হিচাব ॥
সেই মহম্মদ ৰচুল মোৰ............................
বিদ্রোহী হৈ দুনিয়াৰ দোস্ত্ হ'ল যি খোদাৰ
মঞ্জুৰ থাকিল যাৰ নামাজত বেহেস্তৰ নৱাব ॥
সেই মহম্মদ ৰচুল মোৰ.....................

———

গীত।

গধূলিৰ আগে ধূলি হৈ যাম মুৰটি দোঁৱাব এবাৰ।
তোমাৰ তীৰ্থ-চৰণ চুৱা নহয় প্ৰভু, নিদিবাহে তুমি চুৱাৰ ॥

নিনিয়াহে নাই হাত ধৰি তুলি
নিদিয়াহে নাই ফুল-নিৰমালি
চৰণতে ৰম চৰণৰে ধূলি
তাতে পৰি কান্দিম তোমাৰ ॥

সিও যদি মোৰ নাই ললাটে
(তোমাৰ) বুকৰ প্ৰিয় কোনো আছে যদি বাটে
অকণমান কিবা মাগি লম তাতে
যদি অপৰাধ নিনিয়া লোৱাৰ ॥

———

গীত।

গোপন প্ৰাণৰ দুৱাৰদলিত মোৰ কিয় আহা বাৰে বাৰে।
তোমাৰ বেদনা-বন্ধন পৰা যোৱাতো নাই দূৰে দূৰে ॥
আৰু কি বুজিব আছে বাকী
অ' পাষাণী বুজাবা কি
তোমাৰ প্ৰেম নহয় ই যে পৰিতাপ
আদৰ নহয় কিবা অভিশাপ
দি যোৱা আঁৰে আঁৰে ॥

যাব ই বসন্ত যাব বনফুল
পাহৰি যে যাব যত অলিকুল ;
মই নেপাহঁৰো যোৱা গৈ—যোৱা
মনত থাকিব তোমাৰ কথা প্ৰিয়া
স্মৃতিৰ পানীৰে চকুৰ পানীৰে লেখা আছে ধাৰে ধাৰে ॥

—— ——

## অনুৰাগ

গীত।

গৰজে ঘন ঘোৰ মেঘ বাৰিষাৰ।
কম্পিত চিত কান্দে অনিবাৰ॥

প্ৰলয়-তিমিৰে পথহাৰা
চন্দ্ৰ-সূৰ্য্য-গ্ৰহ-তৰা
ত্ৰাসে ধৰাৰ অশ্ৰু-ধাৰা
আচম্বিতে বয় ধাৰাসাৰ॥

কাণ্ডাৰীহীন জীৱন-ডিঙা
হাঁয় ভবাৰ্ণৱে সিত্ত যে ভঙ্গা
আজিহে তোমাৰ চৰণ ৰঙা
দিয়া হে দয়াল—নাই পাৰাপাৰ॥

———

গীত।

গধূলিৰ সৌ উৰি গ'ল পখী
মই কান্দো এই বনে ৰখি।
পোৰা-নগৰ যে দিলোঁ জলাঞ্জলী
কিনো সুখ ঐ লুইতৰ ঢৌ লেখি॥

বনৰ চৰাই তাৰো আছে ঘৰ—
ঘৰ-শুদা মই সকলোৰে পৰ,
প্ৰভুৰে কৰিলে বনবাসী॥

এই বনে মোৰ জানে যে কথা
চকুৰ পানীত উটে কি ব্যথা
মৰিলে ৰ'ল তৰু-লতা শাক্ষী॥

---

## অনুৰাগ

গীত।

চকুৰ পানীৰে কৰিতা লেখি কৰিম তোমাৰ প্ৰাৰ্থনা।
উঠাহে—উঠা পাষাণ দেৱতা বেলা যায় মোৰ মিনতি শুনা॥

আঘাতৰ পিছে আঘাত সহি
গইছে যত বাসনা দহি
আছে মাথোঁ মোৰ ধূলিৰ জীৱন তোমাৰে প্ৰভু পূজাৰ ধূনা॥

নিদ্ৰাতে থাকি মাতিছোঁ তোমাক নিদ্ৰা ভাঙ্গিব তোমাৰ—
তুমি জাগি মোৰ সপোন ভাঙ্গিবা—জগায় দিবা এবাৰ,
এন্ধাৰ ৰাতি জ্বালি দীপ-শিখা
চাই যাবা মোৰ ব্যথাৰ লেখা
পৰি আছে কত চৰণে তোমাৰ ভকতি-অৰ্ঘ্য-বেদনা॥

———

## গীত।

"জয়াৰ" জয়দ'ল এয়েতো সেই সতীৰ তীৰ্থ নমস্কাৰ।
যুগে যুগে তোৰ মঙ্গলাৰতি বাজি ৰ'ক যত দেৱবালাৰ ॥
কোন সি শুভ সন্ধ্যাৰ পৰাই
নদ-নদী-গিৰি-গ্ৰহ-ৰবি-তৰাই
মোৰে জননীৰ শিৰৰে তীৰ্থ বন্দিলে মন্দিৰ মহিমাৰ ॥

আহে আহে সৌ যাত্ৰী অশেষ
শেষ হোৱা নাই—হোৱা নাই শেষ
দেৱতা-দানবে অথবা মানবে আশীৰ্ব্বাদ নিয়া অসমাৰ ॥
হওক কালৰ কুটীল হিংসা—
আহক অহঙ্কাৰী প্ৰলয়-শিখা,
তোৰ তলতেই যুগ-যুগান্তৰ ফুল হৈ য'ক প্ৰাৰ্থনাৰ ॥

———

গীত।

টোপনিতে আছিল গোলাপী কুঁৱৰী
আপোনাৰ মনে অকলে।
কোন ফাগুনৰ পবনকুমাৰে
চুপি-চুপি আহি জগালে॥

আজি প্ৰিয়া পাশে পৰিল প্ৰিয় ঢলি
কি যে কব হাঁয় কি যে কওঁ বুলি
ৰঙা গালখনিকে কৰিলে ৰাঙলী
হুতাহৰে হেঙুল বোলালে॥

কোন ননদীৰ আজি ব্যথা গ'ল
"বৌ কাকা ক'ত" সোধা শেষ হল—
সকলো কি আজি সুন্দৰ হল
মিলন-মাধৱী তলে॥

———

## গীত

টিমিকি-টিমিকি নাচে
সন্ধিয়াৰ ঐ সৰু তৰাটি।
যত মৰমৰে কথা
বিচাৰে কবলৈ মোকে গ'লে বেলাটি ॥
বিদায়-পুৱাৰ যি আধৰুৱা কথা
মৰমে মৰমে বৈ যায় গঁথা
সেই কথাতেই চিনা-চিনি
গধূলিতে হলে দেখাটি ॥
অ' প্ৰবাসৰে সখী,
কত সন্ধ্যা কত ৰাতি তোমাৰ-মোৰে দেখা-দেখি ;
তপনৰ তাপ ভয়ে মুদি ৰওঁ চকুযুৰি
মই সুমলীয়া ঐ
দিনৰ বেলা শুয়ে থাকোঁ
নামটি মোৰ গধূলিৰ যুঁতি ॥

———

গীত ।

তোমাৰ অহাৰ বাটে ফুল হৈ ৰম প্ৰিয়তম ।
তুমি চাই যাবা ক্ষমা-দৃষ্টিৰে মনোৰম ॥

যদিও বিপথে যোৱা তুমি
চিকুণ তোমাৰ চৰণ চুমি
মোৰ গন্ধৰ মোহে দিব নিবেদন,—"স্বাগতম্" ॥

তুমি আহিলেও ৰাতি অন্ধকাৰ
নজ্বলাওঁ শলিতা তোমাৰ
ধূলি পথে মাথোঁ পৰি ৰম
তোমাৰে উজতিত ঘুণুৰাধ্বনিত
পৰিব আশীষকণা তুলি লম ॥

———

গীত।

তোমাৰ দেৱালয়ৰ দবাৰধ্বনি জীৰ্ণ বুকত যদিও বাজে
দেৱতাহীন সন্ধ্যাৰতি ইও কি জননী তোমাৰ সাজে॥
যিদিনাই "জয়াৰ" অশ্রু বাগৰিল
অভিশাপ-বহ্নি সিদিনাই জ্বলিল
ৰাজলক্ষ্মী মাও আৰু নসহিল
বিদায় ল'লে ভয়-অভিমান-লাজে॥

সিদিনাৰ পৰা ছাই হৈ গ'ল যত যি ভৰষা
আন্ধাৰে লুকাল যত পুলক-হৰ্ষ-হাঁহিৰ ৰেখা—
যত গিৰি-গুহা-বন-উপবন
ব্যথাৰ ধ্যানে হল নিমগন
পূজাৰ পুষ্পই কৰি যায় ৰোদন
তোমাৰ শূন্য মন্দিৰ মাজে॥

————

গীত।

তুমি আকৌ আহিবা দেই।
আজিৰ আধৰুৱা হুতাহৰ কথাটি
কম বাৰু আহিলেই ॥

আহিবাতো পুনু অকলে অকলে
বকুলৰে ফুল বোটলাৰ ছলে,
আজিৰ যাতনাটি সুন্দৰ হলে
ধৰা দিবা বাহুতেই ॥

হঠাতে চমকি ৰ'লা যে উলটি
অ' পৰি গল নেকি খোঁপাৰে মালতী?
ৰ'বতো মনত অথনিৰ কথাটি
গোপনতে কোৱা সেই ॥

———

## গীত।

তুমি আছা নেকি মোৰ অঞ্জলী-আশে
জীৱন-যমুনাৰ সিপাৰত।
পুষ্প-পানচৈত পাল তৰি অহা
তুমিয়েই নেকি ইপাৰত॥

শুনিছিলোঁ তোমাৰ শূন্য পথত
সোনালী ৰথত বাঁহীটি
পৰিছে মনত কোনোবা তীৰ্থত
ভাঙিছিলা মোৰ ঘুমটি;
কতদিন মোৰ দুখৰ ৰাতি
কোনেনো নিছিল অতনো তুতি
আহিছিল কাৰ কোমল ভৰিৰ
নেপূৰ-ধ্বনি মোৰ শিতানত॥

---

## অনুৰাগ

গীত।

তোমাৰেই নেকি ঘুণুৰাৰ ধ্বনি হিমাচলৰ পৰা আহিছিল উটি।
আহোঁতে তোমাৰ ভৰিৰ উজতিত ফুটিল কি জোনাক শাৰদী ৰাতি॥

তোমাৰ ধূপৰ গন্ধ ধোঁৱাই
হিমানী বেশে আহে যিদিনাই
শেৱালিৰ ফুলে কৰি ৰল সেৱা দূৰে দূৰে হাঁয় নিয়ৰত তিতি॥

পদ্মদলৰ জুৰ মলয়াই
আহিল তোমাৰ চোৱঁৰ ঢুলাই
পৰিল যে গ'লি চৰণৰে বোল ৰক্তজৱাৰ লাৱনী তিতি॥
পূজাৰ বেদীৰ প্ৰদীপ নুমাই
অশ্ৰুৰে মোৰ হিয়া বুৰাই
যাবাগৈ নেকি দশমীৰাতি ফুলৰ দোলাত লৈ পূজা-আৰতি॥

## গীত ।

দিলে গোপনে ফাগুনৰ ফুলদানিত
কোনে বনৰীয়া ফুল ।
শাৰী শাৰী পখীকুল বনানিৰ শ্যামল সভাত
কাৰ অপেক্ষাত বা আকুল ॥

গন্ধ-কৱিতা কাৰ ৰচিলে বকুল
গুণ্-গুণি পঢ়ি যায় ভোমোৰা বাতুল
সুৰে সুৰে দিলে তাৰ পখিলাৰ মালা দোল ॥

পচোৱাত আহে কাৰ পানচৈৰ কল-ৰোল
ৰিণিকি-জিনিকি বাজে ঘুগুৰা মৃদুল ;
অ' বসন্ত ফুলৰাণীৰ আগমনী-হিল্লোল ॥

———

গীত।

দুখৰ ৰাতি আহিলা "শঙ্কৰ" অভাগিনী আইৰ মোৰ।
কল্যাণ চৰণ ধ্বনি শুনিয়ে সৰাৰ ভাঙ্গিল ঘুমটি ঘোৰ॥
তোমাৰ নয়ন কমল কটাক্ষে মচি গল অভিশাপ
ধন্য হল যে ধৰণীৰ ধূলা তুলি নিলা মহাপাপ
বন্দো আজি বন্দো দেৱ, তোমাৰ চৰণ-তীৰ্থপুৰ॥

কোন সুন্দৰৰ ৰূপ কাঢ়ি ল'লা হে কৰুণাৰ ছদ্মবেশী
আহিলা গোপনে জননী-পূজাৰ মন্দিৰ শুদা দেখি—
কোন বৈকুণ্ঠৰ দেৱালয় ভাঙ্গি আনিলাহে প্ৰেম-পুষ্পডোৰ॥

বৈ যা পথিক, চাই যা আইৰ মহাপুত্ৰৰ মহিমা-তীৰ্থ
ভক্তি-ফুলেৰে সিপাৰৰ সাকোঁ বান্ধিলে বুৰাই মলিন স্বাৰ্থ—
জনমে জনমে হেঁপাহ যে মোৰ ইয়াতেই য'ক জীৱন বুৰ॥

---

গীত ।

দোল লাগিছে ফাগুনী বতাহৰ বনে বনে মনে মনে ।
আহিল বসন্ত বনফুলে ফুলে ৰং খেলি এই ফাকুৱা দিনে ॥

মোৰ কাননৰ বন-দলিচা ৰং ভৰি গল আহত ফুলে
উজতি আহিল কোন কুমাৰী ফুল বোটলা হু-হু গানে ॥

হাঁহিতে সৌ কনক-চঁপাৰ বুকৰ গন্ধ বাগৰি গল—
নাচি উঠিল জাঁৰ্-মালতী অশোক-পলাশ উতলা হল ;
এই পাৰে মোৰ কোন বিহগী আহিল যে পথ পাহৰা ছলে
প্ৰফুল্ল হল মাধৱী বনৰ ফুল-ধুলনি চাই গোপনে ॥

## অনুৰাগ

গীত।

ধুতুৰাৰ ফুল-পিয়লাত মদ যে যায় পি সেই মদপী ভোমোৰা।
বুজিছোঁ—লাজুকী প্ৰিয়াৰ স'তে আজি তাৰ কথা-বতৰা॥

পলাশৰ জোনবিৰিটি আজোৰা স্বভাৱটি নগল আজিও তাৰ
হাঁহিতে গাল ৰঙা হল সৌ গোলাপৰ দেৱালৰ পৰা॥

দে—দে পথিক হ'ক তাৰেই জিক্ আঁতৰি আহ্ নিদিবি নয়ন
অভিসাৰ পূৰ্ণ হ'ক তাৰ চিৰদিনেই সি নিলাজ চতৰা॥

কৰি তোৰ দাবী ই যদি লেখা বন্ধুৰ বদনামী গজল
(কিয়) মানিলি মিছাতে হাৰ নিচা যেই তাৰ দিলে তোৰ ধৰা॥

---

গীত।

ধূপৰ গন্ধত গধূলি আজি ফুটিলে কি বনফুল।
আহিলা নে কি দেৱতা মোৰ ভাঙ্গি যত দ্বিধা-ভুল॥
কত দূৰে হে কত দূৰে
প্ৰাৰ্থনাই মোৰ কত দূৰে
বন্দী কৰিলে চৰণ দুখনি
তোমাৰ যোৱাৰ পথে পথে শুনি
ঘুগুৰাৰ বোল॥
আছোঁ কত দিন ৰখি মন্দিৰৰ দুৱাৰ
যত ফুলৰ পৰাণ বধিছোঁ হে বৃথা
গাঁথি গাঁথি ফুলহাৰ—
বুকৰ ছাঁয়াত সকলো কি তুমি
বুকু জুৰ কৰি ৰাখিছিলা চুমি
আজি আনিলা কি পুনু তোমাৰেই পূজা
সুন্দৰ কৰিব বিপুল॥

---

গীত।

ধীৰে-থিৰে যা যমুনাৰে জল
কানুৰে বাতৰি কৈ।
তোৰে সেই তৰুৱা- কদমৰ তলতে
নিতে বাঁহী বজায় ঐ॥
প্ৰভুৰে বতৰা দিশে কি বিদিশে
আঁচল পাতি মাগোঁ দান।
বনৰ চৰাই-পছু লাজতেই লুকায়
নিদিয়ে যে সমিধান॥
জগতেই কয় জগতৰে নাথ
তেওঁ নাই অপৰাধ।
অভাগিনী বুলি লোকে লোকে মাথোঁ
দিয়ে মোৰে অপবাদ॥
নেলাগে নক'লি কপটী কালিন্দী
জগতৰে মই বৈৰী।
মোৰে নয়ন জলে যুগে যুগে কানুৰ
কৈ যাব বাতৰি॥

---

গীত।

নেজানো দিল্-পিয়াৰা মজনু হাঁয়
কিছমতে কি আছে লেখা।
দুদিনতে যায় যে চিৰজিন্দীগিৰ যত ভৰষা ॥

কোন আন্ধাৰত হাত এৰি গ'ল তোমাৰ হাতৰ পৰা
ৰখিছোঁ প্ৰণয়-পাহাৰত জ্বালি জুইৰ একুৰা শিখা ॥

যদি মহব্বতে বেৰাজী খোদা হক মৰণেই মঞ্জুৰ—
কবৰৰ ধূলাতে জহি যাব কি তোমাৰ মোৰ তৃষা ॥



## অনুৰাগ

গীত।

নিলাজ নয়ন মোৰ ঘূৰি ঘূৰি কিনো চাই
পাষাণীৰ ৰূপৰে জলছবি।

সি কি পাহৰি গ'ল চকু-লোৰে দিছিলোঁ। যি
জলাঞ্জলী সুখৰে ৰবি ॥

আহে বসন্ত-ফুল—পাহৰি যায় অনুৰাগ—
কান্দে কোকিল বাৰিষাৰাতি,
আছে কোন আদালত কৰিব মঞ্জুৰ তাৰ
ধাৰে লোৱা প্ৰণয়ৰ দাবী ॥

সেই চেহেৰাত আছে মৰু চাহাৰা যি
নাই ছাঁয়া—নাই ফুল, নদী—
বৃথা মৰমৰ মৰীচিকাৰ কৱিতা
লেখি লেখি ভাগৰিল কৰি ॥

---

## গীত।

নেজানো জননী তই অন্নপূৰ্ণা কি ৰাজ-ৰাজেশ্বৰী।
বেদ-পুৰাণে সঙ্গীত গায় যদিও তোৰে মহিমা স্মৰি ॥
নেজানো কি তোৰ পুণ্যৰ ধাৰা আহিছিল নামি বনে বনে
পৰশুৰামে মাতৃহত্যা মুক্তি যে নিলে কৰি ॥
তোৰ সতীকুলে কি বিদ্ৰোহ জ্বালে মৰণৰ স'তে নেজানো—
মাথোঁ জানো বেউলাই মৰা লখিনক আনিছিলে উদ্ধাৰি ॥
যিদিন তোৰ জীয়ৰীৰ ৰূপ-বিভৱত নেমানিলে বিশ্বই পৰাভৱ
ক্ষমা ভিক্ষা কৰালে চিৰৰূপবানে ৰুক্মিণীক হৰি ॥
গৰ্ব্ব কৰিব শিকা নাই যদিও তোৰ শ্যামলী কোলাৰ
জানো প্ৰকৃতিৰ স্নেহে বন্দী বশিষ্ঠ কত যুগে ধৰি ॥
নেজানো ই তোৰ কোন দেৱতাৰ মহাগৱেষণাৰ তপোবন
যদিও ৰচিলে কীৰ্ত্তণ, শ্ৰীমদ্ভাগৱত ৺শঙ্কৰে অৱতৰি ॥
গৰ্ব্বহীন মোৰ হৃদয় যে আই সেয়ে হলোঁ একো নজনা—
জানো কেৱল যাব ধন্য হৈ তোৰ চৰণে মৰণ বৰি ॥

---

গীত।

পূজাৰ ফুল কোনে দিলে উটুৱাই নীল লুইতৰ বুকত ?
সি কোন মহানৰ উদ্দেশে যায়
কোন মোহনাৰ পাৰত ॥

ই টো নহয় পূজাৰ ফুল
ই যে বুজাৰ ভুল
তেওঁলৈ উধাই কত ধূপ-দীপ
জ্বলি-পুৰি হ'ল বিয়াকুল ;

কত চন্দ্ৰ-তপন হাঁয় ভাগৰিল —
কত কাকুতিৰ ফুল উলটি আহিল
অন্তৰালত দেৱতা যে নাই
আছে অন্তৰ-মন্দিৰত ॥

গীত ।

পৰি গ'ল পছুলিত মোৰ কৰবী ফুল কাৰ ।
গন্ধে তাৰ কয় যেন প্ৰিয়াৰ লাহতী খোঁপাৰ ॥

আহিছিল কি নিৰৱ পথে গোপন গহীন ৰাতি
স্মুলকি গ'ল কি বেদনাত ফুল অবলাৰ ॥

ফুলবেশে হুল কি তই হানিলি যাতনা
বিষে তাৰ আনে সপোন কত যে কথাৰ ॥

কাষৰি আহ অতিথি মোৰ নাহিবি গছকি
হওক তোৰ ভৰিৰ ফুল সি মোৰ যে হিয়াৰ ॥

---

গীত।

পৰি আছে সৌ মৰণৰ বেদী "জয়াৰ" জীর্ণ জেৰেঙাপথাৰ
নহয়—নহয় হে মৰিশালি সি প্রতিধূলিকণা তীর্থ তাৰ ॥

সেই ধূলাতেই ধূলি হৈ সতী ঢাকিলে বিঘিনি আৰ্ত্ত স্বামীৰ
সেই ধূলাতেই হাৰ মানি গ'ল "লৰাৰ" যত অত্যাচাৰ ॥

আশীর্ব্বাদময় ই মহাপীঠত লজ্জা-ভয় কি চাওদাং তোৰ
মাৰ্জ্জনা হ'ক তোৰো অপৰাধ কৰি যা পৰি নমস্কাৰ ॥

যোৱা হে মাতৃ যোৱা হে যাত্রী শেষ হোৱা নাই যজ্ঞ তাৰ
সৌ শুনা যায় সেই পথাৰৰ সতীৰ শঙ্খ পতি-পূজাৰ ॥

হ'ল পৰাজয় হাজাৰ প্রলয় সতীৰ যি কীৰ্ত্তি-কলচীতলে
ৰ'ল ইতিহাস-বধ্যভূমিত "জয়াৰ" জয়ধ্বনি যশস্যাৰ ॥

---

গীত।

ফাগুনী ৰাতিৰ ফুল-দিপালীত আপোনমনে বান্ধো খোঁপাটি।
নিয়ে উলাহে ক'ৰ বতাহে গন্ধ খোঁপাৰ মধু মালতী॥

ঘুমটিৰ কি ঢল আনে
মাধৱী ৰাতিৰ চৰাইৰ গানে
পৰি যাওঁ ঢলি আপুনি ভুলি সৰা শেৱালিৰ বিছনা পাতি॥

যেতিয়া জোন বুৰি যায়
মুখলৈ মোৰ ছাঁয়ালি ঘনাই
চকুত লাগেহি গোপনে আহি সপোনৰ বেশে ভুলা কথাটি॥

---

গীত ।

বিজন মৰুৰ সিপাৰৰ পৰা
কোনে মাতে—কোনে ৰিঙিয়াই ।
কয় ;—"আঁহা তীৰ্থ-পথিক !
আঁহা সন্ধ্যাৰ আগে আগে
আজিৰ আৰু বেলা যে নাই ॥"

যায় বিহগী তাত ফুল সজাব
জোন-বেলি যায় আলো বিতৰিব
যায় যে মেঘদল চৰণ ধুৱাব
যত যাত্ৰীৰ ক্লান্তি জুৰাই ॥

তাৰ দেৱালয়ৰ মেলাৰ পথে
আজি কি প্ৰজাৰ দোকমাক উঠে
গইছে কত বন্ধু আপোন
ধূলিৰ বাটে ধূলি খেলাই ॥

## গীত

বাৰিষা শেষৰ বৰষা-ধোৱা হিমানী-প্ৰিয়া বন শ্যামলী।
আজি শৰতৰ নিয়া মৰমৰ অঞ্জলী ভৰ নীল দিপালী ॥

বনে বনে আজি মনে মনে বয় গন্ধ-পাগল উতলা মলয়
চঁপা-বকুলৰ বাহুৰ তলে লতিকা দোলে দোলনি খেলি ॥

বাৰিষাৰ অশ্রু-বতৰ বিদায় দি গ'ল কোকিলকোৱঁৰ
গন্ধ-ফুলৰ মধু উৎসৱৰ মৃদুল বায়ে আনিলে অলি ॥

আজি সৌ ৰিণি-ৰিণি উঠি আহে কাৰ আগমনী
বন-ভঙ্গিমাত নাচোন লাগে গাত নাচে সলিলাত কুমুদকলি ॥

---

গীত।

বীণাপাণি জননী শুভ্ৰ সুবৰণী শ্বেতকমলদলবাসিনী।
নমো সৰস্বতী নমামি ভাৰতী ত্বংহি বৰদাবাণী ॥

অমল কমল চৰণ যুগল বন্দনা-ফুলে বিভূষিতা
ত্ৰিলোকপূজিতা গিৰিজাদুহিতা সুশোভিতা হংসবাহিনী ॥

প্ৰকৃতি পৰমা জ্ঞান-পূৰ্ণিমা অজ্ঞান তিমিৰাকাশে
কৰুণা কটাক্ষে বসুধাবক্ষে বাগ্দেবী বেদৰূপিণী ॥

দয়াময়ী মাতৃ শুভবৰদাত্ৰী কবিজন-হৃদিবিলাসিনী
সুমঙ্গলপ্ৰদ সোহি শ্ৰীপদ দেহি কৰিতাৰাণী ॥

———

গীত।

ভাঙ্গি ভাঙ্গি গ'ল কত সপোন নুপুৱাই ৰাতি।
জ্বলিছিল দীপ ৰখি ৰখি হল আপোনঘাতী॥

যতবাৰ দিওঁ ঘুমটিৰ ধল দূৰে দূৰে বিদায়
জাগৰণে পুনু সমাদৰি আনে ততবাৰ সাৱটি॥

বৃথা বিহগীয়ে দূৰলৈ দিয়ে প্ৰভাত-কাকলি
বিয়লি হেৰায় বনপাৰতেই আন্ধাৰে লুটি॥

নাহিল নামি এই পাৰে মোৰ সি শুভ দেউতি
ৰলোঁ মাথোঁ চিৰসপোনৰাতিৰে শয্যা পাতি॥

——

গীত।

মৰমৰ অঞ্জলি দিলে গোপনে কি নিলে গোপনে।
সেই পিছল চকুত কি ছল আছে সি বা কোনে জানে॥

ঢৌ-তোলা সেই অলকাই কিনো চিয়াৰ জানে
বিহ্বল বায়ু-দোলাত মৃদু দোলনে
মাতে গোপনে॥

সেই ৰূপৰ জলছবিত মোৰ আৰ্চ্চি চাই নয়নে
ই কোন মদিৰা প্ৰেম-পিয়লাত আনে
উতলে প্ৰাণে॥

আজি যি দৰদীৰ মৰম জাগে যৌবন বনে
ওৰে ৰাতি উমলি মোৰ মধুসপোনে
যাতনা আনে॥

———

গীত।

মাহুদিবনৰ সখীয়তি ঐ আৰু নো কিমান ব্যথা বিনাবি।
এই বাৰিষা এই দিনমান অকলে কিমান হিয়া ভাঙিবি॥

বহাগী বিহুৰ সেই পুৱাতে
নিছে বিদায় তোৰ মাধৱী সখী
সৰা ফুলত সৌ পৰি আছে তাৰ অতীত কথাৰ মলিন ছবি॥

গ'ল মালতী, তগৰ, যূঁতি
শেষ হৈ গ'ল বন-উৎসৱ
আহে বকুলী তোৰে লগৰী সমবেদনা তাতে জনাবি॥

———

গীত

মোৰ জীৱন-জপনাত তুমি যদি হলা থিয় হে।

পৰি য'ক তোমাৰ পদধূলিকণা
চেৰাই যোৱা এবাৰ প্ৰিয় হে ॥

আজি কিবা ভৰপূৰ অজানানন্দে অন্তৰ উঠিল নাচি
অঞ্জলি মোৰ আপুনি পৰিল তব ক্লান্ত চৰণে যাচি
তুমিতো মাতিলা তীৰ্থ-পুৰীলৈ
মোৰ শুন্দৰ, শুভ হে—
গধূলি যে হব বাট বহুদূৰ
( তোমাৰ ) ডিঙাতে নিনিয়া কিয় হে ॥

——

গীত।

মোৰ আয়োজনহীন শূন্য কুটীৰ যে আজি।
তুমি আহিলা এই অবেলা সুন্দৰ শুভ সাজে সাজি॥

তোমাৰ বৰণ মালাটিকে
গাঁথিয়ে কটালোঁ বেলাটিকে
কি কৰোঁ যতন নাই হে পূজাৰ উপকৰণৰাজি॥

নিয়া হে নিয়া উদং হাতৰ উকা সমাদৰ
দিয়া হে তোমাৰ কুশলবাণী মোৰ শুভবৰ
গৃহাগতে মোৰ হে অতিথি,
হল কি সুন্দৰ লগ্ন-তিথি
আজি পূৰ্ণ হব শূন্য যত তোমাতেই ভিক্ষা খুজি॥

———

গীত।

যত প্ৰদীপ জ্বালি পোহৰ হলা তুমি
সকলো যে তোমাৰ ভিখাৰী।
মোকতো নেলাগে দিছা যদি কিবা
নকৰিবা পোৱাৰ অধিকাৰী॥

নেলাগে আশীৰ্ব্বাদ
সি যে অপবাদ
তোমাৰ চৰণো নেলাগে প্ৰভু,
মোৰ সকলো স্বাৰ্থ ম্লান হৈ য'ক
চকুৰ পানী ব'ক
তোমাৰে মঙ্গল কামনা কৰি॥

———

## গীত।

ৰাতি দ্বিপৰৰ নাৱৰীয়া পাৰ চাপি চাপি যোৱা।
বাৰিষাৰ মেঘগাজনি আহিলে ধ্বনি ভয় নেমানি
কোন ভাটিয়লী গোৱা॥

সুদূৰৰ মলিন বুকত জ্বলিছে যে ক্ষীণ চাকিটি
তাৰ তলতেই ঢৌ লাগিছে উমলি অহা ঘাটটি,
আপোন যত সেই গাৱঁতে
মোৰ কথা যে আজিও পাতে
হে পৰিচিত, হে প্ৰিয়, তুমি বাতৰিটি মোৰ নিয়া॥

ইপাৰৰ মোৰ বকুলতলৰ অকলশৰীয়া পজাঁটি
দুদিনৰ পিচে এৰি যাম কৰা অকল জীৱন কাজ কি—
পাহৰি যোৱা ঘাটলৈ বুলি
ডিঙাতে তোমাৰ নিবাহি তুলি
শেষ হলে ইয়াৰ পকাবালিৰ মাঘ বিহুৰ মেজি চোৱা॥

---

গীত।

লায়লাহাৰা মজনু কান্দে মৰুভূমিৰ কোন বাটেদি।
হে মুচাফিৰ কৈ দিয়া মোক বুকৰ বন্ধু আজি যে সি॥

ক'ত জ্বালিছ চিতা বিৰহৰ দে ভাই মজনু দে জাৱাব
তোৰ চিতাতে জ্বলাম মোৰো প্ৰেম-পূজাৰ নিৰ্ম্মালি নি।

খুচীৰ আজান্ দে শুনাই দে তোৰ পথে মই আজি যে ফকিৰ
তোৰ দৰে মোৰ আছিল বুলিয়েই এই দুনিয়াত দিল-দৰদী॥

---

গীত।

লুইতৰ পাৰৰে এটি মই সৰুফুল ঐ।
বতাহত হালি যাওঁ নিজনি পানীলৈ কপটিকে চাবলৈ॥

বেলাশেষ-ৰদালিৰ প্ৰণিপাত গধূলিৰ
গ'লে মোক সোঁৱৰাই থৈ
অসীমৰ আশীৰ্ব্বাদ কৰযোৰে মাগোঁ
ৰাতিৰে জোনালিত বৈ॥

বাৰিষা সিপাৰৰ আৰতি শুনিলে
তীৰথলৈ যাব মোৰ ঘাটে চাপিব
মৰণৰ পানচৈ
বহাগৰ বিহুটি চাই গুচি যাম
দেৱতাৰ নিবেদন লৈ॥

---

গীত ।

লেখা ৰ'ল মোৰ ব্যথাৰ পাৰত
যোৱাৰ বেলাৰ নয়ন দুটি ।
বুকৰ বীণাত ৰ'ল বাজি ৰ'ল
“যাওঁদেই” বোলা শেষ কথাটি ॥

ইনো কি মৰমে দিলোঁ আজি হাঁয়
অশ্রু-জলেৰে সুন্দৰ বিদায়
কত পাহৰা অতীতদিনৰ
প্ৰীতিৰ মাজে যে জ্বলিল স্মৃতি ॥

তোমাৰেই শুভ হ'ক বিদায়-ৰথে
মোৰ চকু-লোৰ পিছল পথে
যোৱা ক্ষতি কি অন্তৰালৰ
মৰমটি যেন আছে উটি ॥

---

গীত।

লুকুৱাই ৰাখিছোঁ হাঁয় যতন বুলাই বেথাৰে আঁৰত।
সোঁৱৰাই সেই কথাটি সেই হাঁহিটি লুইতৰে পাৰত॥

সিদিনা সেই বাৰিষা ডাৱৰ-নিশা দিছিলে দেখা
আজিও চৰণ-ৰেখা আছে লেখা শেৱালি তলত॥

তোৰ ফুলনীৰ লাজুকী কলিৰ বকুলি ফুলিল
উধাতু মৌ-পিয়া হাঁয় বেদন বিনায় নিশা দ্বিপৰত॥

হানিছে কোমল কথা করুণ ব্যথা গোপনে গঁথা
( তোৰ ) কান্দিছে ফুলগামোচা অশ্রুমচা মোৰে শিতানত॥

আজি মোৰ হৃদয় ৰঙা মৰম ভঙ্গা বৃথা ই বেদন
উটুৱাই হিয়াৰ আঁচল চকুৰ কাজল কোন ব্যথীৰ ঘাটত॥

---

গীত।

সেই ফাগুনৰ নিলাজ ভোমোৰা আকৌ যাতনা দিব যে আহিল ঃ
মোৰ মালঞ্চৰ লাজুকী লতা-গোলাপ লাজতেই ৰঙা পৰিল ॥

আজি এই পথে গায় কোন বনপখি' অবেলা বেদনাৰ গান
বন-ছায়াঁতলে জুমি চাই কলিফুলে ভয়তে টোপনি ভাগিল ॥

ইনো আৰু কি বাহি উৎসৱ সখি অসময় আমনি লগা
পছিমৰ পচোৱা নাই যে এতিয়াও অহা লই বসন্ত-কোকিল ॥

আজিতো নিদিয়ে শ্যাম লতিকা দোল নেসাজে পুষ্পবিতান
মাধৱীতে তাৰ আধৰুৱা চুমাটিৰ আজি কি যাতনা জাগিল ॥

---

গীত।

সন্ধিয়াৰ তৰুৱাকদমৰ কুসুমে
আৰতি জনালে কোন দেৱতাৰ
যমুনাৰে পাৰে পাৰে।

তৰা-নিকুঞ্জত মহিমাৰে ফুল
কোন সুন্দৰৰ চৰণে দিলে দোল
ঢৌ-ধোৱা কালিন্দীৰ সুনীল থাপনাত
দিলে পূজাৰ দীপ জোন পূৰ্ণিমাই
ময়ূৰ-ময়ূৰী নাচে দূৰে॥

আজি কোন গোপিকাৰ হৃদয় উজ্বলে
কোন প্ৰাণবল্লভৰ কি ব্যথাৰ তলে;
নব ঘন সুশ্যামৰ মুৰুলী বাজিলে
আৰু সুন্দৰ হল পূজাৰ ৰাতি
বাঞ্ছিত মোহনেৰে॥

---

গীত।

সৌ দূৰ দেৱালয়ৰ সতীকুল মণ্ডপৰ
মহিমাৰ ধূপ-গন্ধ আহে "৺ৰাধিকাৰ।"

আজি মহোৎসৱ অমৰাত সৌ
উটি আহে তাৰ মঙ্গল ঢৌ
কলনাদে তুলি শান্তনা সুৰ
বৰষি বিশ্বত কৰি ধাৰাসাৰ ॥

আজি বন-বিহগীয়ে স্তুতি-গীতি গালে
নীল বিমানত নির্ম্মালি ললে
গিৰি-গুহা-নদী বন্দিলে সবে
শান্তি-সতী আই অসমাৰ ॥

ইপাৰত উছৱৰ আজি মহাতিথি
আঁহা ভাই-ভনী আঁহা অতিথি
মাতৃ-পূজাৰ প্ৰসাদ মাগোঁ
ঢালি ভকতিৰ প্ৰীতি-অশ্ৰুধাৰ ॥

———

গীত।

সখি, কোনে কাঢ়ি নিলে ভাবটি
যমুনাৰ পাৰতে মুৰুলী বজালে
মাধৱী মিলন ৰাতি।

মৰমৰ ফুলমালিকা কোনেনো দিলে
মান-অভিমান কাঢ়ি যে নিলে
কৈ গ'ল সপোনত হেৰোৱা গোপনত
ব্যথা ভৰা কথাটি॥

হৃদয়-হৰিণী হাঁয় বিয়াকুল—
বন-বাঁহীৰে লগালে কি ভুল
কি যাদু কৰিলে কি জোঁট লগালে
মৰমৰে ডোল পাতি॥

———

গীত।

সি যে লাজুকী হিয়াৰ মৰম বাণী
ভৰে নয়নত বিদায় বেলাত।
মোৰ যাত্ৰাৰ পথ হল কি পিছল
অশ্ৰু-জলৰ আজি মজিয়াত॥

হেলাৰ ছলে আদৰ লুকাই
কুহুমীয়া কৈ দিছিলে ছিতাই
বুকে বুকে যি আছিলে কথা
গ'ল বহুদিন জনা-নজনাত॥

নহয় বনানিত সি গোপন ফুল
ফুটিছিল হিয়াত গন্ধে আকুল
আজি নিচা লাগে তাৰ মোৰ দেহভাৰ
মাগে ব্যথিতাৰ বাহু-লতিকাত॥

———

গীত।

হাঁহে হাচ্‌নাহানাৰ ফুল
দোল-পূৰ্ণিমাৰ দাপোন চাই।
মলিন মেঘ থাক্ দূৰে দূৰে
ফুলকুমাৰীৰ বেণী বন্ধা হোৱা নাই॥

নানিবি সমীৰ নিদাৰুণ বা
দীৰ্ঘ নিশাহ ধীৰে পেলাই যা
কোমল গালত হিমানী সনা
চা কুসুমৰ গোপনে লুকাই॥

পথ পাহৰি গল ক্লান্ত জোনে
কোকিল থাক্ তই মনে মনে
এই ৰাতি আজিৰ দীৰ্‌ঘ হ'ক
ৰূপ-দিপালীত নয়ন বুৰাই॥

———

ৰাগ

গীত।

হে'ৰোৱা ফুলৰ গন্ধ আহে বনৰ পৰা কি মনৰ পৰা।
সি যে মায়া এৰি মায়ামৃগ হ'ল বান্ধ্ ছিঙ্গি হ'ল বান্ধোনহাৰা

আহে বসন্ত লৈ ফুলবান
আছে যি ফুলত আজিও
ব্যথা-লাজ-অভিমান
মৰমে মৰমে কতবাৰ হল পৰিচয়
আহে বহুকথা—কণ্ঠহাৰা॥

এৰিছোঁ যদিও সকলো ভৰষা
বুকে লৈ ক্ষত দাগ
তথাপিতো জাগে বাহিৰে বেদনা
অন্তৰে অনুৰাগ—
আহৰিতে সেয়ে পাহৰি পাহৰি
আনে উতলাই অশ্রুধাৰা॥

———

অসমী আইৰ সঙ্গীত-তপোবনত

"অনুৰাগ"এ এবাৰ ৰাইজৰ সৰস সমাদৰ আৰু

সহানুভূতি পালে

আমি ৰচয়িতাৰ বাকী কেইখন কিতাপো

১। ফুলধনু (গান)

২। গীত-মালঞ্চ (গান)

৩। মহামুক্তি (নাট)

৪। মৃন্ময়ী (উপন্যাস)

কুশলকামী ৰাইজৰ শুভাশীৰ্ব্বাদ শিৰত লৈ

অতি সোনকালে ছপা কৰি উলিয়াবলৈ

ভৰষা কৰি থাকিলোঁ।

"প্ৰকাশক।"

Printed by—
Matindra Nath Sinha
Lakshmibilas Press Ltd.
14, Jagannath Datt Lane, Calcutta.